# আদি পাঠ

( প্ৰথম ভাগ )





সমাজিক শিক্ষা বিভাগ, অসম

# আদি পাঠ





ৰচোঁতা

৺শৰৎ চন্দ্ৰ গোস্বামী I.S.O.

"অন্ধকাৰৰ পৰা মোক পোহৰলৈ নিয়া
অজ্ঞতাৰ পৰা জ্ঞানৰ পথ দেখুওৱা—
মৃত্যুৰ পৰা নি অমৰত্ব দান কৰা।"

—উপনিষদ

 আম  আমি

 পাণ  পানী

 মাছ  চাহ

 কল  ক'লি

 পঠা  পিঠা

 জাম  খাম

# আমি



আমি আম খাম



আমি পানী খাম



আমি ভাত খাম



আমি কল খাম



আমি পঠা খাম



আমি পিঠা খাম



আমি চাহ খাম

## মই



মই আম খাম।



মই পানী খাম।



মই মাছ খাম।



মই ভাত খাম।



মই কল খাম।



মই পিঠা খাম।



মই পিঠা খাম।



মই চাহ খাম।



মই জাম খাম



# আমাক লাগে

আমাক আম লাগে ।

আমাক পানী লাগে ।

আমাক মাছ লাগে ।

আমাক ভাত লাগে ।

আমাক কল লাগে ।

আমাক পিঠা লাগে ।

আমাক চাহ লাগে ।

আমাক জাম লাগে ।

# মোক নালাগে

মোক আম লাগে ।

মোক আম নালাগে ।

মোক পানী লাগে ।

মোক পানী নালাগে ।

মোক ভাত লাগে ।

মোক ভাত নালাগে ।

মোক মাছ লাগে ।

মোক মাছ নালাগে ।

মোক কল লাগে ।

মোক কল নালাগে ।

মোক পিঠা লাগে ।

মোক পিঠা নালাগে ।

# তোমাক লাগে নেকি ?

তোমাক ভাত লাগে নে ?

মোক ভাত নালাগে ।

তোমাক কি লাগে ?

মোক পানী লাগে ।

তোমাক পিঠা লাগে নেকি ?

নালাগে । মোক চাহ-পানী লাগে ।

তোমাক কল লাগে নে ?

লাগে । মোক কল লাগে ।

আমাক ভাত-মাছ লাগে ।

তোমাক কল-পিঠা লাগে নে ?

লাগে । মই কল-পিঠা খাম ।

# খাওঁ খাবা খাব

তুমি ভাত-মাছ খাবা ।
চাহ পানী নাখাবা ।

মই কল খাওঁ ; তুমি খাবা নে ?
মই কল খাম । মই জাম খাওঁ ।
তোমাক লাগে নে কি ?

মোক জাম নালাগে । মোক আম লাগে
তুমি কল-পিঠা খাবানে ?
খাম । মই কল-পিঠা খাম ।

আমি পিঠা খাওঁ নে ?
খাওঁ । তুমিও খাবা । সিও পিঠা খাব ।

সি পানীও খাব ।
সি চাহ নাখায় ।



কৰিবা পঢ়ো পঢ়া

পঢ়িম পাৰিম পাৰা

মোৰ ঘৰ আছে ।

তোমাৰ ঘৰ আছে নে ?

তোমাক কি লাগে ।

মোক কিতাপ লাগে ।

তুমি কিতাপ কি কৰিবা ?

মই কিতাপ পঢ়িম ।

তুমি কিতাপ পঢ়িব পাৰা নে ?

মই কিতাপ পঢ়িম ।

তুমি কিতাপ পঢ়িব পাৰা নে ?

মই কিতাপ পঢ়ো ।

তুমি কিতাপ পঢ়া ।

আমি কিতাপ পঢ়ো ।

# আখৰ লেখা

এতিয়া আমি আখৰ লেখিবলৈ শিকিম।
তলত দিয়া আঁচবোৰ টনা সহজ
সকলোৱে যত্ন কৰা।



এতিয়া এই আঁচ কেইটা লগ-লগাই
আখৰ লেখা হব চোৱাঁ।






এইদৰে তলত দিয়া আঁচবোৰ টানা।



এতিয়া আখৰ সজা হব চাবা।



ত অ আ গ খ



ভ হ ই ড ঙ

এইদৰে সকলো আখৰ লেখা সহজ

# অ-ফলা আৰু া-কাৰ ফলা

এইবাৰ আমি অ-ফলা আৰু া-কাৰ ফলা লেখো আৰু শিকো। তাৰ পাছত ক-ফলা।

অ আ ই ঈ উ ঊ ঋ

া ি ী ু ূ ৃ

এ ঐ ও ঔ অং অঃ

ে ৈ ো ৌ ং ঃ

# ক— ফলা।

| | | | | |
|---|---|---|---|---|
| ক | খ | ঘ | গ | ঙ |
| চ | ছ | জ | ঝ | ঞ |
| ট | ঠ | ড | ঢ | ণ |
| ত | থ | দ | ধ | ন |
| প | ফ | ব | ভ | ম |
| য | ৰ | ল | ৱ | শ |
| ষ | স | হ | ক্ষ | ড় |
| ঢ় | য় | ৎ | ং | ঃ |

| | | | | | | |
|---|---|---|---|---|---|---|
| ক | কা | কি | কী | কু | কূ | কৃ |
| | কে | কৈ | কো | কৌ | কং | কঃ |
| গ | গা | গি | গী | গু | গূ | গৃ |
| | গে | গৈ | গো | গৌ | গং | গং |
| ট | টা | টি | টী | টু | টূ | টৃ |
| | টে | টৈ | টো | টৌ | টং | টঃ |
| ধ | ধা | ধি | ধী | ধু | ধূ | ধৃ |
| | ধে | ধৈ | ধো | ধৌ | ধং | ধঃ |
| ম | মা | মি | মী | মু | মূ | মৃ |
| | মে | মৈ | মো | মৌ | মং | মঃ |
| শ | শা | শি | শী | শু | শূ | শৃঃ |
| | শে | শৈ | শো | শৌ | শং | শঃ |
| হ | হা | হি | হী | হু | হূ | হৃ |
| | হে | হৈ | হো | হৌ | হং | হঃ |

আজি গাজি খুৱাবা যাবা গাৱঁত

তোমাৰ ঘৰ ক'ত ?
মোৰ ঘৰ এই গাৱঁত ।
তুমি আজি ঘৰলৈ যাবা নে ?
মই আজি ঘৰলৈ যাম ।
তোমাৰ ঘৰত কোন আছে ।
মোৰ ঘৰত আই-বোপাই,
ভাই-ভনী আছে ।
মই আজি তোমাৰ ঘৰলৈ যাম ।
পানী খুৱাব পাৰিবা নে ?
পাৰিম । অকল পানী নহয়,
গাজি কলো খুৱাব পাৰিম ।
আজি আমাৰ ঘৰত সকাম ।

মোৰ কিতাপো আছে । তুমি কিতাপ পঢ়িবও পাৰিবা । তুমি আজি আমাৰ ঘৰলৈ যাব লাগে ।



আমাৰ বাৰীত এজনী চৰাই আছে। সেই চৰাইজনী গছৰ খোৰোং এটাত বাহ সাজি থাকে। তাই বৰ ধুনীয়া। ইমান ধুনীয়া যে চালে চকু ৰৈ যায়। চৰাইজনী কেতিয়াবা কেতিয়াবা আমাৰ চোতালত পৰেহি। তাই আহাৰ বিচাৰি আহে। ধানৰ বতৰত ধান খুটি খায়হি। আন সময়তো তাইক আমি আহাৰ দিওঁ।

কি আহাৰ দিয়া ?

ধান, মাহ, চাউল, চিৰা,—এইবোৰ।

তাই ভয় নকৰে নে ?

নকৰে। আমি আটায়ে তাইক মৰম কৰোঁ। তাই সেই কথা বুজি পায়। পশু পক্ষীয়েও মানুহৰ মৰম চেনেহ বুজি পায়।



মোৰ এহাল গৰু আছে। তাৰে মই হাল বাওঁ। খেতিৰ মাটি মোৰ নিজৰে। মই আহু, শালি, মাহ সৰিয়হ, মৰাপাট, কুঁহিয়াৰ সকলোৰে খেতি কৰোঁ।

বতৰত শাক-পাচলি, লাও, কোমোৰা, কবি, মূলা, উৰহী, বেঙেনা—এইবোৰৰ খেতিও কৰোঁ। তাৰে কিছু খাওঁ; কিছু বেচোঁ। ধান, সৰিয়হ, মৰাপাটো কিছু বেচোঁ। লাভ ভালেই হয়। লাভৰ ধনেৰে

লোণ, সূতা, কাপোৰ, খেতিৰ সঁজুলি কিনো ।

আমাৰ বাৰীত পাণ-তামোল, আম কঠাল—এইবোৰ আছে ।

বাৰীত এটা পুখুৰীও আছে। তাৰে পৰা পানী খাওঁ । তাত মাছো আছে ।

আমি আমাৰ খেতিৰ পৰাই সুখত খাই-বই থাকিব পাৰো ।

এতিয়া লেখা-পঢ়া শিকিছোঁ। লেখা পঢ়া শিকি জনা-বুজা হলে আৰু ভালেৰে থাকিব পৰা হ'ম ।



মই আটিলা গাৱঁত থাকোঁ। মই আটিলা গাৱঁৰ এজন ভাল মানুহ। মোৰ দুহাল বলদ গৰু, দুটা ধানৰ ভঁৰাল আৰু এখন গৰু গাড়ী আছে। মোৰ বাৰীত তামোল-পাণ, আম-কঠাল বহুত আছে।

মোৰ দুটা ল'ৰাই বিদেশত চাকৰি কৰে। সিহঁতে মাহে মাহে টকা পঠিয়ায়। সিহঁতৰ পৰা সাতদিনে সাতদিনে চিঠি পাওঁ। মই হলে পঢ়িব নাজানো। এইটো মোৰ দুখ। আন একোৰে দুখ নাই। সিহঁতৰ পৰা টকা আহিলে মই টিপচহী দি ল'ব লাগে। তেতিয়া মই বৰ লাজ পাওঁ। সৰুতে লেখা-পঢ়া নিশিকাৰ ভুল মই এতিয়া বুজিছোঁ। সেই ভুল শুধৰাবৰ এতিয়া সুচল হৈছে। এতিয়া মই লেখা পঢ়া শিকিমেই। বেছি নহলেও কাম চলাবলৈ শিকিমেই।

আমাৰ গাৱঁৰ শিক্ষকজনক মোৰ ঘৰতেই ৰাখিম।



আমি চাহ বাগিচাত কাম কৰো। আমাৰ ল'ৰা তিৰোতাবিলাকেও কাম কৰে।

আমি লেখা পঢ়া নাজানো। আমাৰ বাগিচাৰ মহাৰ, মেনেজাৰ এই সকলে জানে। আমাৰো কিতাপ, খবৰৰ কাকত পঢ়িবৰ মন।

আমাৰ বাগিচাত নতুনকৈ পঢ়াশালি হৈছে। তাত আমাৰ লৰা-ছোৱালী বিলাকক পঢ়াম। আমিও ৰাতি পঢ়িম। খেল-ধেমালি হাতৰ কাম-বন আদিও শিকিম।



কালি তোমালোকে কিমান কিতাপ পঢ়িলা ?

আমি বহুতো পঢ়িলো। আজি আমনি লাগিছে।

ইমান সোনকালে আমনি লাগে নে ? তেনেহলে তিনিমাহতে শিকিবা কেনেকৈ ? আপুনি শিকালেই পাৰিম। ধনীৰাম ফাজিল। সি এনেয়েহে আমনি লগা বুলি কৈছে।

তাৰো শিকিবৰ মন আছে। ভিতৰি সি বৰ টেঙৰ।

বাৰু, তেনেহলে শিকাওক। মই তোমালোকক শিকাবলৈ আমনি পোৱা নাই। মাজে মাজে দুই এটা ফাজিল কথা কলেও বেয়া নাপাও। ছাত্ৰে পঢ়ি-শুনি জনা-বুজা হলে শিক্ষকৰ মনত ৰং।



সরু নেওতা

| | | | | |
|---|---|---|---|---|
| ১ | ১১ | ২১ | ৩১ | ৪১ |
| ২ | ১২ | ২২ | ৩২ | ৪২ |
| ৩ | ১৩ | ২৩ | ৩৩ | ৪৩ |
| ৪ | ১৪ | ২৪ | ৩৪ | ৪৪ |
| ৫ | ১৫ | ২৫ | ৩৫ | ৪৫ |
| ৬ | ১৬ | ২৬ | ৩৬ | ৪৬ |
| ৭ | ১৭ | ২৭ | ৩৭ | ৪৭ |
| ৮ | ১৮ | ২৮ | ৩৮ | ৪৮ |
| ৯ | ১৯ | ২৯ | ৩৯ | ৪৯ |
| ১০ | ২০ | ৩০ | ৪০ | ৫০ |
| ৫১ | ৬১ | ৭১ | ৮১ | ৯১ |
| ৫২ | ৬২ | ৭২ | ৮২ | ৯২ |
| ৫৩ | ৬৩ | ৭৩ | ৮৩ | ৯৩ |
| ৫৪ | ৬৪ | ৭৪ | ৮৪ | ৯৪ |
| ৫৫ | ৬৫ | ৭৫ | ৮৫ | ৯৫ |
| ৫৬ | ৬৬ | ৭৬ | ৮৬ | ৯৬ |
| ৫৭ | ৬৭ | ৭৭ | ৮৭ | ৯৭ |
| ৫৮ | ৬৮ | ৭৮ | ৮৮ | ৯৮ |
| ৫৯ | ৬৯ | ৭৯ | ৮৯ | ৯৯ |
| ৬০ | ৭০ | ৮০ | ৯০ | ১০০ |

অন্ত

সামাজিক শিক্ষা বিভাগৰ হকে

ৰাজ্যিক সামাজিক শিক্ষা বিষয়া

শ্ৰীসৰ্ব্বানন্দ শৰ্ম্মাৰ দ্বাৰা

প্ৰকাশিত ।

লক্ষ্মী প্ৰিণ্টিং প্ৰেছ : গুৱাহাটী